# জীৱন নামৰ কিবা এটা

নিৰুপমা বৰগোহাঞি

*সম্পাদনা*

কীৰ্তি কমল ভূঞা

গ্ৰেজুৱেট বুক ষ্টৰচ
বাহাদুৰ গাঁওবুঢ়া লেন
যোৰহাট- ১, অসম

*JIBON NAMOR KIBA ETA*
A novel by Nirupama Bargohain supplemented by a few short stories and pieces on current topics by the author herself and published by Pranab Kumar Choudhury on behalf of M/S Graduate Stores, Bahadur Gaonburha Lane, Jorhat-1, Assam.
Printed at Diamond Printers, Radha Gobinda Baruah Road, Guwahati-781024.
Phone : 0361-2457299.

প্ৰথম প্ৰকাশ : এপ্ৰিল, ২০১০
সম্পাদনা : কীৰ্তি কমল ভূঞা
প্ৰকাশক : প্ৰণৱ কুমাৰ চৌধুৰী, গ্ৰেজুৱেট ষ্ট'ৰচ
বাহাদুৰ গাঁওবুঢ়া লেন, যোৰহাট- ৭৮৫০০১, অসম
পৰিবেশক : এন. এল. পাব্লিকেশ্যনচ, আনন্দৰাম বৰুৱা পথ,
পানবজাৰ, গুৱাহাটী-৭৮১০০১ (অসম)
বেটুপাত : অনুপম ভৰদ্বাজ
ডি. টি. পি. আৰু মুদ্ৰণ : ডায়মণ্ড প্ৰিণ্টাৰ্ছ
ৰাধাগোবিন্দ বৰুৱা পথ, গুৱাহাটী- ৭৮১০২৪
বেচ : এশ ষাঠি টকা মাত্ৰ

# উছর্গা

মোৰ দুই ভগ্নীসমা নেত্ৰী
অধ্যাপিকা চন্দ্ৰলেখা দাস
আৰু
ড° চিত্ৰলেখা দাসলৈ
আন্তৰিক মৰম
আৰু
আশীৰ্বাদেৰে....

— নিৰুপমা বাহিদেউ

# আগকথা

মোৰ শেহতীয়া উপন্যাস, ন-পুৰণি পুথিৰ আকাৰে সংকলিত নোহোৱা গল্প দুটামান আৰু ৰচনা কেইখনমান সন্নিবিষ্ট কৰি 'জীৱন নামৰ কিবা এটা' নামৰ গ্ৰন্থখন প্ৰকাশ কৰিবলৈ লৈছোঁ। গ্ৰন্থখনৰ নামটো যদিও উপন্যাসখনৰ নামটোৰেই দিয়া হৈছে, গল্প আৰু ৰচনা কেইখনো কিন্তু সেই নামটোৰে সামৰি লয়। আচলতে সৰ্বকালৰ সকলো লেখকেই জীৱন নামৰ কিবা এটাক আধাৰিত কৰিয়েই জানো তেওঁলোকৰ সকলো ধৰণৰ লেখাবোৰ লিখা নাই?

গ্ৰন্থখনৰ প্ৰকাশকজন একেবাৰেই নতুন, এই প্ৰকাশকজনৰ নাম হ'ল প্ৰণব কুমাৰ চৌধুৰী, বৃত্তিত অভিযন্তা এইজন ব্যক্তিয়ে চাকৰিৰ পৰা অৱসৰ লৈ নানা সামাজিক কামত লিপ্ত হৈছে— যাৰ ভিতৰত আছে ৰোটাৰী ক্লাবৰ যোগেদি কৰা নানাৰঙী সমাজ সেৱাৰ কাম। বৰ্ত্তমান এই কামৰ লগতে প্ৰকাশনৰ কামতো আগবাঢ়িব খুজিছে। এই কামটো তেওঁ প্ৰয়াত পিতৃ যোৰহাটৰ অধুনা বন্ধ হৈ থকা প্ৰখ্যাত 'আসাম কেমিকেল বৰ্কছ' নামৰ ফিনাইল, চিয়াঁহী, চক্ আদি কৰি নানাবিধ বস্তু উৎপাদন কৰা কাৰখানাটো আৰু 'গ্ৰেজুৱেট ষ্ট'ৰচ' নামৰ কিতাপৰ দোকানখন প্ৰতিষ্ঠা কৰা প্ৰবাদ-প্ৰতিম পুৰুষ সিদ্ধিনাথ কলিতাৰ আন এবিধ কামকে পুনৰ্উজ্জীৱিত কৰিব খোজাৰ ফলশ্ৰুতি। স্বৰ্গীয় কলিতাদেব প্ৰকাশনাৰ কামতো জড়িত আছিল। এতিয়া প্ৰণবে পিতৃৰ সেই কামতো মুৰ সুমুৱাব খুজিছে, তেঁৱো প্ৰকাশনাৰ কামত হাত দিব খুজিছে। সেই উদ্দেশ্য আগত ৰাখি মোৰ আত্মীয় প্ৰণব কুমাৰ চৌধুৰীয়ে মোৰো এখন গ্ৰন্থ ছপা কৰিবলৈ ইচ্ছা প্ৰকাশ কৰাত এই 'জীৱন নামৰ কিবা এটা'খনকেই দিলোঁ।

প্ৰণব যেন সময়ত এজন লেখত ল'বলগীয়া প্ৰকাশক হয় এই কামনাৰে, ইতি।

বিনীতা

নিৰুপমা বৰগোহাঞি

## সম্পাদকৰ টোকা

'গ্ৰেজুৱেট ষ্টৰ্চ'ৰ পুনৰুজ্জীৱন প্ৰক্ৰিয়া অব্যাহত ৰাখি প্ৰথিতযশা লেখিকা শ্ৰীমতী নিৰুপমা বৰগোহাঞিৰ এই গ্ৰন্থখনি প্ৰকাশ কৰা হৈছে। তেখেতৰ 'জীৱন নামৰ কিবা এটা' শীৰ্ষক উপন্যাসখনিৰ লগতে কেইটিমান নিৰ্বাচিত চুটিগল্প আৰু সম-সাময়িক কাকতত প্ৰকাশিত কিছু প্ৰাসঙ্গিক ধৰণৰ লেখাই ইয়াত ঠাই পাইছে। উক্ত উপন্যাসখনিৰ নামেৰেই লেখিকাই গ্ৰন্থখনিৰো নামকৰণ কৰিছে। উপন্যাস, চুটিগল্প আৰু সাময়িকী— ৰচনা হিচাপে এই তিনিওবিধৰে ৰেহ-ৰূপ স্বাভাবিকতে ভিন্ন। কিন্তু সেয়ে হ'লেও ইবোৰে সামগ্ৰিকভাৱে জীৱনকে, তাৰ সকলো বৈভৱ আৰু দৈন্যসহ, প্ৰতিভাত কৰি তুলিছে।

গ্ৰন্থখনি যথাসম্ভৱ নিখুঁত ৰূপত তুলি ধৰাৰ অৰ্থে আমাৰ কৰণীয়খিনি নিষ্ঠাৰে সম্পন্ন কৰাৰ প্ৰয়াস লোৱা হৈছে। পাছে ইয়াৰ প্ৰকৃত বিচাৰৰ ভাৰ ন্যস্ত আছে নিশ্চয় পাঠক সমাজৰ ওপৰতহে। এনে বিচাৰত কোনো ভুল-ত্ৰুটী (আমাৰ অনিচ্ছাকৃত) চকুত পৰিলে তাক আঙুলিয়াই দিবলৈ পাঠক সমাজৰ প্ৰতি ইয়াতে অনুৰোধ জনোৱা হ'ল যাতে ভৱিষ্যতে সিখিনি শুধৰাই লোৱাত সুবিধা হয়। আমাৰ আশা আৰু বিশ্বাস, স্বনামধন্য এইগৰাকী বিশিষ্ট লেখিকাৰ পূৰ্বৰ ৰচনাৰাজিক আদৰি লোৱাৰ দৰেই তেখেতৰ এই শেহতীয়া সংযোজন 'জীৱন নামৰ কিবা এটা'কো পাঠকসমাজে আপোন কৰি ল'ব। ইতি।

মন আকাশী পথ
জ্যোতি নগৰ
গুৱাহাটী- ২১

**কীৰ্তি কমল ভূঞা**
৭ মাৰ্চ, ২০১০